শ্ৰীযুত তৰুণচন্দ্ৰ পামেগামৰ—“উপচাৰ” কবিত
শ্ৰীযুত সুৰেন্দ্ৰনাথ বৰাৰ “প্ৰগতি” উপন্যাস আৰ
শ্ৰীযুত অজিতকুমাৰ বৰকাকতীৰ “সুৱদী” কবিত
প্ৰকাশৰ কাৰণে প্ৰকাশক লাগে।

# বিননি

শ্ৰীসুৰেন্দ্ৰনাথ বৰা
সুৱদী কুটীৰ, যোৰহাট।

যুটীয়া প্ৰকাশক—

শ্ৰীনৰেন্দ্ৰনাথ শৰ্ম্মা, শ্ৰীবিষ্ণুৰাম বৰা।
সৰ্ব্বাইবন্ধা যোৰহাট।

ব'হাগ, ১৮৬৫ শক।

বেচ—।০ অনা।

'বিননি' শৈশৱৰ এটি সোঁৱৰণি—

—লেখক।

স্বৰ্গীয় দেউতা শ্ৰীযুত বদনচন্দ্ৰ বৰালৈ

## স্মৃতি-তৰ্পণ

আপোনাৰ কৰকমলত আজি আপোনাৰ শ্ৰাদ্ধৰ দিনা নিঃকিন সন্তানৰ 'বিননি' শ্ৰদ্ধাৰে অৰ্পণ কৰিলো। বাহী ফুল হলেও নিঘিণি গ্ৰহণ কৰে যেন।

আপোনাৰ অভাজন সন্তান—

—বাপা—

শুক্লা ষষ্ঠী
যোৰহাট।

# —আগতে—

"বিননি" মোৰ মাতৃপূজাৰ প্ৰথম উপচাৰ। অপৈণত গছৰ অপৈণত ফল—"বিননি" জাক দি পকোৱাৰ এটি অযথা চেষ্টা, বং ধৰিছেনে নাই ই লিখকৰ অজ্ঞাত। গতিকে সোৱাদৰ লগত বিচ্ছেদ ঘটা স্বাভাৱিক। আধাৰ নোহোৱা গছজোপাৰ কুঁহিপাত ওলাল কেইজনমান বন্ধুৰ প্ৰচেষ্টাত। লেখক তেওঁলোকৰ ওচৰত চিৰ কৃতজ্ঞ। শ্ৰীযুত কালিদাস দেৱ শৰ্ম্মা আৰু শ্ৰীযুতা লৱঙ্গলতা বৰকাকতীয়ে মোৰ "বিননি" প্ৰকাশত যথেষ্ট সহায় কৰিছে। এই খিনিতে তেখেতসকলৈ কৃতজ্ঞতা জ্ঞাপন কৰিলো। পাতনি লিখকলৈও ধন্যবাদ জনালো।

শেষত

—লেখক—



# পাতনি

জীৱন আশাৰ কাৰাগাৰত মুক্ত বন্দী। ই জগতত বিচাৰি ফুৰে অজান আকাঙ্ক্ষা আৰু অবুজ সুৰৰ সন্ধান—এই অনুভূতিৰ স্পৰ্শ নাপাই কেতিয়াবা প্ৰাণ কান্দি উঠে—ইয়েই মানৱৰ বাহ্যিক বিননি। বাস্তৱৰ মাজত লুকাই থকা অনন্ত প্ৰশ্নৰ সমিধান বিচাৰি কবি আগবাঢ়ে আগলৈ। সৃষ্টিৰ কুহেলিকাৰ মাজত কবিৰ জীৱন-প্ৰহেলিকাৰ মৰ্ম্ম ব্যক্ত হয় কবিতাত। 'বিননি' কবিৰ আশা-নিৰাশাৰ এটি সুৰ—

"প্ৰেমৰ পাহাৰ বগাব নোৱাৰি
কত বাটকৰা কাষতে বৈ,
লেৰেলা ফুলকে শুভিছে ছুনাই
পাম পাম বুলি অতীত মই।"

কিন্তু তেওঁ আশাবাদী—

"আশাতেই ভাষা বন্দী কৰি লৈ
ময়ো আহিছিলেঁ। উধাও হৈ,
মৰম-চাকিৰ পাওঁ বুলি আলোঁ।
তাৰি লৈ নাওৰ শুকুলা ছৈ।"

কবিৰ 'সখী' জগতখনৰ সাঁথৰ হৈ পৰিছে যদিও তেওঁ 'অৰূপ বেশেৰে সৌন্দৰ্য্য বিচাৰি' দেখা পাইছে—'জগতখনেই তোমাৰ দাস।'

ৰূপৰ ঠাই সীমাবদ্ধ নহয়। তাৰ আদি-অন্ত কবিৰ দাৰ্শনিক দৃষ্টিৰ বাহিৰে কাৰো চকুত ধৰা নপৰে—

"দেখিছানে শিল্পী কোন কাহানিবা
ৰূপৰ দেশৰ সীমানো ক'ত ?"

কিন্তু নিৰ্জ্জীৱ প্ৰতিমাত প্ৰাণ বিচাৰি হাবাথুৰি খাই ফুৰা শিল্পীয়ে ৰূপৰ সীমা নেদেখিলেও কবিয়ে দেখিছে—

'নিৰাকাৰ ৰূপ দেখিলোঁ স্বৰূপ
প্ৰিয়াৰ গালতে আকাৰ লৈ,
তিল বেশ ধৰি কৰিছে প্ৰকাশ
—গোলাপ পাহিৰ মাজতে বৈ।"

প্ৰিয়াৰ গালৰ ক্ষুদ্ৰ তিলটিতে বিশ্বৰ বিৰাট সৌন্দৰ্য্য, নিৰাকাৰ ৰূপ মূৰ্ত্তিমান হৈ উঠিছে।

বাহ্যিকতাই সুন্দৰৰ ৰূপ প্ৰকাশ নকৰে—তাৰ সীমা বহুত দূৰৈত। দাৰ্শনিকৰ অন্তৰ সৃষ্টিৰ বাহিৰে তাৰ গভীৰ তথ্য কোনেও উপলব্ধি কৰিব নোৱাৰে। ভাবুক কবিয়ে এই অন্তৰ



দৃষ্টিৰেই সৃষ্টিৰ বুকুত নিহিত ৰূপৰাজি বিশ্ব-মানৱৰ চকুৰ আগত লুটিয়াই দিয়ে। তাকে চাই চাই আমি মুগ্ধ হওঁ। 'বিননি'ৰ কবিৰ চকুত সেই সৌন্দৰ্য্য ধৰা পৰিছে বুলি ভাবোঁ।

এই দৰ্শনতেই তেওঁৰ আত্মবিশ্বাস জীৱনে-মৰণে প্ৰাণৰ মাজত লগ্ন আছে। যদিও তেওঁ সখীৰ ভালপোৱাত—'অমৃত নহয় বিহৰ লাকত কামোৰ মাৰিছোঁ হাতেৰে ধৰি,' তথাপি শেষত সেই জনাই তেওঁক পুনৰায় 'প্ৰেমৰ জ্ঞান' দিবহি বুলি আশা কৰিছে—

"ধ্যানৰ শেষত নাহিবানে সখী
দিবলৈ মোক প্ৰেমৰ জ্ঞান,
যদি পায় সখী ধ্যানত প্ৰাণ।"

কবিৰ এই প্ৰেম সুন্দৰৰ মাজেদি প্ৰকাশ পাইছে। 'বিননি' নগ্নতাৰ বাহিৰ। ইয়াত সনাতনৰ পবিত্ৰতা বিৰাজ কৰিছে। কবি-বন্ধুক আমি চেনেহ-আলিঙ্গন কৰিছোঁ।

লেখকৰ এই প্ৰথম প্ৰচেষ্টাৰ কৃতকাৰ্য্যতা অসমীয়াৰ গৌৰৱ আৰু তাক দেখুওৱাৰ বাহিৰে পাতনিৰে 'বিননি'ৰ মোচোহা আমাৰ উদ্দেশ্য নহয়।

শ্ৰীতৰুণচন্দ্ৰ পামেগাম

১৬-বহাগ, ১৮৬৫—যোৰহাট।

# বিননি

## —প্ৰথম স্তৱ—

(১)

ভৰ বাৰিষাত অকলে অকলে
কোন সিটি প্ৰাণী গৈছে উটি—
সাগৰে, আকাশে চুমি থকা পিনে
এৰি জীৱনৰ
সোণালি সুঁতি।

(২)

শুনি ৰিণি-ৰিণি অকণি অকণি
কিবা বেজাৰৰ বিননি সুৰ,
কৈছে চিঞৰি 'নাহিবা নাহিবা
জগত নহয় সপোন পুৰ,
মাথোঁ বেজাৰৰ বিননি-সুৰ।

(৩)

প্ৰেমৰ পাহাৰ বগাব নোৱাৰি
কত বাটকৰা কাষতে বৈ
লেৰেলা ফুলকে শুঙিছে হুনাই
পাম পাম বুলি
অতীত মই।

( ৪ )

শৈশৱৰ কাল পাৰ হৈ গৈ
যৌৱনৰ গাত পৰিল ঢলি,
তুলসী তলৰ নুমুৱা চাকিটি
আপোনা আপুনি উঠিল জ্বলি !
যৌৱনৰ গাত পৰিল ঢলি !

( ৫ )

আশাতেই ভাবা বন্দী কৰি লৈ
ময়ো আছিছিলো উধাও হৈ,
মৰম-চাকিৰ পাওঁ বুলি আলো
তৰিলৈ নাওৰ
শুকুলা হৈ !

( ৬ )

সেই দিনা কোৱা পৰে নে মনত
'এটি তুমি মই সূতাৰ আট,
ৰচি এড়ালেৰে মেৰাই ৰাখিছে
নিছিগা ধাৰেৰে উঘাৰ গাত।'
এটি তুমি মই সূতাৰ আট।





( ৭ )

জগত খনৰ সৌন্দৰ্য্য তেতিয়া
লাহে লাহে আহি তুপৰ হৈ,
এটি মাধুৰীয়ে আনটি বিচাৰি
মিলিব খুজিলে
উষাৰে গৈ।

( ৮ )

অচিনাকি হৈয়ো কিহৰ যাদুৰে
কোনে কাঢ়ি নিলে হৃদয় খন,
ছয়া-ময়াকৈ জানো কেনি গ'ল
থাকিব নোখোজে চনকা মন !
কোনে কাঢ়ি নিলে হৃদয় খন !

( ৯ )

প্ৰেমৰ বীজাণু প্ৰৱেশি হিয়াত
অণু অণুকৈ বিয়পি গ'ল,
কলিজা খনত খুলি খুলি খাই
পানী ৰূপ ধৰি
চকুত ব'ল !

( ১০ )

চকু পানীখিনি সামৰি-সুতৰি
আনিব খুজিছা ৰাস্তৱ টানি,
সেই তাহানিক মচিব খুজিছা
এসোপা তুঁহত অগনি সানি!
আনিব খুজিছা ৰাস্তৱ টানি!

( ১১ )

দেখিছানে সখী? তোমাৰ বেণুৰে
কাৰ পৰাণত লগাই জুই,
মন-ডাৱৰত বতাহেৰে পশি
পানীৰে আনিছে
বেদনা ধুই!

( ১২ )

'সখী' কথাটি যে হুবুজা নজনা
জগত খনৰ সাঁথৰ প্ৰায়,
ৰলিয়া কবিয়ে বিচাৰি তাকেই
অনাই বনাই ফুৰিছে হায়!
তথাপি সাঁথৰ পাথৰ প্ৰায়!





( ১৩ )

চেনেহী আতৰ নাপালো বিচাৰি
গোটেই জগত চলাথ কৰি,
নলয় কোনেও বুকুৰে সাৱটি
মাথো হুমূনীয়া
ফুৰিছে ঘূৰি!

( ১৪ )

তোমাৰ ৰূপতে দেখিছিলো জ্বলা
শত দীপালীৰ তাৰকাবোৰ,
ভিখাৰী বেশেৰে চালো একেথিৰে
পোহৰাবা বুলি
বেদীটী মোৰ!

( ১৫ )

এই চোৱা সখী মোৰ ই কানন
তেনেই শুকান—চাহাবা ভূমি,
মোৰ জীৱনক সযতনে ধৰি
চেনেহ বিকিবা
চেনেহী তুমি।

( ১৬ )

তুমিয়েই হেনো মৰমৰ ঘৰ
তোমাৰ কাষতে মৰম পায়,
(সেইহে) একণি মৰম সাঁচি থোৱা মোৰ
তোমাৰ কাষতে ঢুকাই যায়।
তোমাৰ কাষতে মৰম পায়।

( ১৭ )

তুমি ক'লা দেৱী মিছা-বহণেৰে
ভালপোৱা মোৰ আনিছোঁ সাজি,
মাটিৰে নিৰ্ম্মিত প্ৰতিমা খনিত
ধেমালিতে হেনো
আছিলো পূজি!

( ১৮ )

এৱাটি পানীত মৰম ভৰাই
ৰলোঁ আথে-বেথে ক্ষণেক পৰ,
অপসাৰিতত পৰা পানীখিনি
জুথি পালো কাৰ চেনেহ বৰ!
বলো আথে-বেথে ক্ষণেক পৰ।





( ১৯ )

সিদিনাৰে পৰা নিৰলাত থকা
বিৰহ কস্তুৰী উঠিল ফুটি,
সেইদিন ধৰি দিনে দিনে মোৰ
যৌৱন-বসন্ত
গৈছে টুটি।

( ২০ )

চিতা জুই কুৰা জ্বলিব এদিন
চিৰ দিনলৈ উৰাব ছাই,
ভাবনাৰ জুয়ে পুৰিলে এবাৰ
বেণু বেণুকৈ
হৰিব কায়।

( ২১ )

ভাবানেকি সখী এই ৰূপ-ৰস
অনন্ত কাল থাকিব বৈ,
বৰ সচাকৈয়ে অফুৰন্ত ভাৱে
ৰূপৰ মাজতে জীৱন লৈ।
অনন্ত কাল থাকিব বৈ।

( ২২ )

ময়োতো নাজানো আদি তাৰ ক'ত
কোন সৰগক সমিল কৰি,
ৰূপৰ পোহাৰী সজাই-পৰাই
এটি ছুটিকৈ আনিছে ধৰি।
কোন সৰগক সমিল কৰি।

( ২৩ )

ঘৰৰ চুকত পৰি থকা সউ
পুৰণি কালৰ বানটি * কাৰ?
যুগে যুগে যেন থাই একো ঢোকা
পাহৰি গৈছে
ভাগৰ গাৱ!

( ২৪ )

পাহৰি গৈছে নজনা দেশৰ
ধাৰ কৰি অনা বানটি লই,
আজি কালি কৰি সময় গলেই
সুদে মূলে আমি শোধাম গই।
ধাৰ কৰি অনা বানটি লই।

 * বানবাটি

—দ্বিতীয় স্তৱ—

( ২৫ )

অৰূপ বেশেৰে সৌন্দৰ্য্য বিচাৰি
যিদিনা পালেহি তোমাৰ কাষ,
কুৰূপ-কালিমা ৰূপেৰে কাঢ়ি নি
মোৰ জীৱনৰ পাতিলা ৰাস।
( মই কিয়? ) জগত খনেই তোমাৰ দাস।

( ২৬ )

এতিয়াতো মই 'মই'ত নাথাকোঁ
জীৱন তুমিয়ে জগাই তুলি
একে ফুলনিতে বাস কৰোঁ হয়ো
মৰণৰ স'তে
জীৱন হুলি।

( ২৭ )

দোলোতে দোলোতে হাঁহি বেজাৰৰ
পাতিলোঁ কতনো ফাকুৱা খেলা,
তুমি আহিছিলা 'ৰাতিপুৱা' হৈ
মোৰ জীৱনৰ বিয়লি বেলা।
পাতিলোঁ কতনো ফাকুৱা খেলা।

( ২৮ )

সপোন, সপোন নহয় বাস্তৱ
গুছি কল্পনা দিঠক হ'ল,
সেই পুৱাতেই পৰাণত মোৰ
প্ৰেমৰ ফাকুৰে বোলাই গ'ল,
গুছি কল্পনা দিঠক হ'ল।

( ২৯ )

তোমাৰ যাদুতে মানৱ উৎপত্তি
তোমাৰ হাততে তুমিও লয়,
পুৰুষে আকউ তোমাকে বিচাৰে
তোমাৰ ৰাজ্যকে কৰিব জয়,
( যদিও ) তোমাৰ হাততে তুমিও লয়।

( ৩০ )

কলীয়া অশ্ৰুৰ মাজত মাৰিলা
ৰঙ নাইকিয়া মধুৰ হাঁহি,
তোমাৰ পৰাই ওলাই ওলাই
ঠাই ললেহি যে মেঘত আহি।
ৰঙ নথকাত মধুৰ হাঁহি।





( ৩১ )

চন্দ্ৰৰ কিৰণ নালাগে চকুত
ফুলৰ হাঁহিত নগলে হিয়া,
কলীয়া মেঘৰ বিজুলী চমকো
নহয় পৰাণ চমকি নিয়া,
ফুলৰ হাঁহিত নগলে হিয়া।

( ৩২ )

চুম্বক বিহীন লোৰ দৰে মই
জড় হৈ আছোঁ ইয়াতে পৰি,
প্ৰাণ নাইকিয়া ভেলটোকে সখী
ৰাখিছা কিয়নো ৰখীয়া কৰি?
জড় হৈ আছো ইয়াতে পৰি!

( ৩৩ )

দেখিছানে শিল্পী? কোন কাহানিবা
ৰূপৰ দেশৰ সীমানো ক'ত,
নেদেখিলা তুমি সেই দেশখনি
তোমাৰ পৰা কিমান দূৰত!
ৰূপৰ দেশৰ সীমানো ক'ত।

( ৩৪ )

( কিন্তু মই— )

নিৰাকাৰ ৰূপ দেখিলো স্বৰূপ
প্ৰিয়াৰ গালতে আকাৰ লৈ
তিল ভেশ ধৰি কৰিছে প্ৰকাশ
—গোলাপ পাহিৰ মাজতে ৰৈ,
প্ৰিয়াৰ গালতে আকাৰ লৈ।

( ৩৫ )

তুমি মই দুয়ো জগত সাজিলো,
তোমা' মোৰ ৰূপ সমানে মিলে,
'তুমি' ফুল পাহি ফুলিবলে' সখী
'মই'— ই গছৰ
আধাৰ দিলে।

( ৩৬ )

(তুমি ক'লা—)

শৈশৱৰ সেই দুয়ো ভালপোৱা
নিঠুৰ সময়ে উঠাই লৈ
দুয়োৰে আগত জগত পেলাই
চায় ৰেহৰূপ দূৰতে ৰৈ,
নিঠুৰ সময়ে উঠাই লৈ!





( ৩৭ )

এতিয়াতো আৰু সেই দিন নাই
তোমা' মোৰ পৰা আঁতৰি গল.
সেই অতীতকে ওভোটাই কিয়
আনিছা নমাই
বিহৰ ঢল।

( ৩৮ )

তুমিতো আছাই ময়োতো ইয়াতে,
কোৱা কিয় দেৱী ইমান ভুল,
নকবা নকবা এমুৱা বিলাক
ভুলৰ বুকুত ওলোৱা হুল,
কোৱা কিয় দেৱী ইমান ভুল!

( ৩৯ )

এতিয়াহে মই বুজিব পাৰিছো
কিনো ভালপোৱা বিচাৰ কৰি,
নহয় অমৃত বিহৰ লাৰুত
মাৰিছো কামোৰ হাতেৰে ধৰি,
কিনো ভালপোৱা বিচাৰ কৰি।

( ৪০ )

বসন্ত কালৰ ৰমক্ জমক্
ই ৰূপৰাশিত চমক খাই,
কেতেকী সখীয়ে আপোনা আপুনি
লয়হি যিদৰে
বুকুত ঠাই।

( ৪১ )

তুমি মাথো যোৱা বসন্ত বিচাৰি
কেতেকীৰ দৰে গোটেই দেশ,
যতেই বসন্ত ততে ভালপোৱা
খহাই পেলাই ছদ্ম-বেশ,
কেতেকীৰ দৰে গোটেই দেশ।

( ৪২ )

শৰত কালৰ উদণ্ড ডালৰ
তলতে গোৱা বীণৰ তানত
সকলো আহিব পৃথিৱী ঘুৰিব
মুগ্ধ হৈ মোৰ
করুণ গানত।

—চৌধ—



( ৪৩ )

এই চুচকুৱে তোমাকে বিচাৰে
তোমাকে চাই চাই তৃপ্ত হয়,
নাজানো কিয়নো চালে মুখলৈ
যায় পৰি আকৌ লাজতে জয়।
তোমাকে চাই চাই তৃপ্ত হয়।

( ৪৪ )

ৰূপৰ বাণেৰে জ্যোতি হীন কৰি
নিয়া কাঢ়ি সখী চুচকু মোৰ,
তেতিয়াতো মই নেদেখিম আৰু
তোমাৰ ৰূপৰ কৱিতাবোৰ।
নিলে কাঢ়ি সখী চুচকু মোৰ।

( ৪৫ )

এখনি হিয়াই তোমাৰ হিয়াৰে
মিলন বিচাৰে জীৱন জুৰি,
নিয়া কাঢ়ি হিয়া জীৱনো কাঢ়িনি
ভাঙি ছিঙি দিয়া
মিলন-পুৰি।

—পোন্ধৰ—

( ৪৬ )

সকলো নিলেও তথাপিও মই
সেই নেদেখাতে তোমাকে' পাম,
ভাবনাতে আঁকি ভাবনাতে ভাঙি
ল'ম জীৱনত তোমাৰে নাম।
সেই নেদেখাতে তোমাক পাম।

( ৪৭ )

এই দৰে মই কৰোতে কৰোতে
গোটেই জীৱন তোমাকে ধ্যান,
ধ্যানৰ শেষত নাহিবানে সখী
দিবলৈ মোক প্ৰেমৰ জ্ঞান।
যদি পায় সখী ধ্যানত প্ৰাণ।

( ৪৮ )

তোমালকে' মাথো গোটেই জীৱন
ৰ'ম আন্ধাৰতে তোমাকে চাই,
কিৰণ-পথেদি তুমি আহি দেৱী
স্বৰ্গৰ বাট দিবা দেখুৱাই।
ৰ'ম আন্ধাৰতে তোমাকে চাই।

—শেষ—

অতীতেই আজি ধুমুহা বেশেৰে
হিয়াৰ পাহত নিতউ লাগি,
থনক্ থনক্ মহা শব্দেৰে
কামিহাৰ মোৰ গইছে ভাগি।
—বলিয়া বতাহ

## শ্ৰীযুত তৰুণচন্দ্ৰ পামেগামৰ কবিতা

১। চকামকা। তিনিচুৰি এবাৰ ফাকিৰে এটি সুৱদী কবিতা। পঢ়ি আপুনি নিশ্চয় চমকি উঠিব। বেচ মুঠেই তিনি অনা।

"......ই তেওঁক সেই পথৰেই সন্ধান দিছে—যি পথ সত্য আৰু সনাতন।"—"জেউতি"।

২। নাৰী।—নাৰী জাতিৰ এটি ৰূপহ বাঙ্মী-চিত্ৰ। পঢ়ি কবিশ্ৰেষ্ঠ দুৰ্গাপ্ৰসাদে লেখকলৈ লিখিছে—"......নাৰীক তুমি সকলো ৰকম সাজেৰে সজাই সুন্দৰ ভঙ্গীমাৰে এটি ৰূপহ চিত্ৰ আঁকিছা......।" সকলোৱে পঢ়িব পৰাকৈ বেচ মাথোন দু-অনা।

বিঃ দ্ৰঃ—সৰ্ব্বাইবন্ধা 'প্ৰশান্ত পাঠাগাৰ,' যোৰহাট, হিমালয়া ষ্টোৰ্চ, গ্ৰেজুয়েট ষ্টোৰ্চ আৰু সুৱদী কুটীৰ, যোৰহাটত 'বিননি'ৰে সৈতে এই দুখন কিতাপ পাব।

যোৰহাট "ৰাতৰি" প্ৰেচত ছপা কৰা হল।